# ঘটক জাতিৰ চমু বুৰঞ্জী।

বেচ মাত্ৰ ১৲ এটকা।

শ্ৰীভাৰত চন্দ্ৰ দাস

# উচ্ছৰ্গা।

এই বুৰঞ্জীখনি পৰম পূজনীয়

পিতাদেউ

**শ্ৰীযুত সৰুধন দাস**

দেৱৰ পবিত্ৰ নামত ইয়াক

ভক্তিৰে সৈতে

উচ্ছৰ্গা কৰা হল।

গ্ৰন্থকাৰ।

# নিবেদন।

অসমৰ মটক জাতিটো ঈশ্বৰৰ অভিসপ্তিত জাতি বুলি কলেও বেচি কোৱা নহয়। মটক ৰাজ্য লোপ হোৱাৰে পৰা এই জাতি চেদেলি-ভেদেলি অৱস্থাত তিস্থি আহি এতিয়া প্ৰায় লোপ পাওঁ পাওঁ অৱস্থা পাইছেহি। অতীতৰ স্বনাম ধন্য পৰাক্ৰমী বীৰজাতি এটাৰ এনে অৱস্থা অসমবাসীৰ পক্ষে সচাঁকৈয়ে দুখ লগা নহৈ নোৱাৰে।

আহোম অত্যাচাৰত এই জাতিৰ মানুহবিলাকে আত্মগোপন কৰা হেতুকেই আজি এজনে আন এজনক ঘৃণাৰ চকুৰে চাই জাতিৰ মেৰুদণ্ড গঠনত বাধা দি আহিছে। পৰাশ্ৰিত সামান্য জাতীয় গৌৰৱ ত্যাগ কৰিব নোৱাৰিয়েই বহুত স্বাৰ্থান্বেষী লোকে নিজ জাতি মূলক 'মটক' শব্দটো নানা বিকৃতাৰ্থত পৰিণত কৰি নিজক আৰু নিজৰ জাতিক কলঙ্কিত কৰি নিজে আত্মগোপন কৰি আহিছে। মটক জাতিৰ বৰ্ত্তমান উচ্চ শিক্ষিত লোকসকলৰ ভিতৰতে এনে আত্মগোপন কৰা কাৰ্য্য বেচি দেখা যায়। সেই সকলৰ প্ৰতি আমাৰ ঘৃণা ভাৱ আহিলেও পুতৌ নকৰি নোৱাৰো। তেওঁ-লোকে বুজা উচিত যে কণা-কুজা হলেও নিজৰ জন্মদাতা পিতৃয়েই হে প্ৰকৃত পিতৃ। এই কথা ভাৱি যেন তেওঁলোকে নিজ জাতিৰ পূৰ্ব গৌৰৱ মনলৈ আনি আত্মগোপন নকৰি আত্মপ্ৰকাশ কৰি সদল বলে জাতি গঠনমূলক উদ্দেশ্যত সহায় কৰে। এনে সহায়ে জাতিৰ বিপ্লবী জাতি গঠনমূলক কাৰ্য্যত যথেষ্ট সহায় কৰি জাতিক উন্নতিৰ জখলাত আগুৱাই নিব।

বৰ্ত্তমান মটক জাতিৰ শিক্ষা আৰু গৱৰ্ণমেণ্টৰ সম্পদ ভোগৰ কালৰ পৰা চাবলৈ গলে চকুলো ওলাব লগীয়া। শিক্ষা বিষয়ত মটক জাতি গোটেই অসমৰ ভিতৰতে পাচ পৰা। গৱৰ্ণমেণ্টৰ সম্পদ ভোগ কৰাৰ কালৰ পৰাও চাবলৈ গলে সম্পদ ভোগকাৰী মানুহৰ হিচাব দিবলৈ লাজ লগা ধৰণৰ। মটক জাতিৰ এনে অৱস্থা শিক্ষা হীনতাৰেই ফল বুলিব পাৰি। এই জাতিৰ এতিয়ালৈকে যি কেইজনে উচ্চ শিক্ষা পাইছে

তেওঁলোকে নিজ জাতিৰ প্ৰতি প্ৰেম আৰু ভক্তি নাৰাখি আত্মগোপন কৰি অহা হেতুকেই আজি কেই বছৰ মানৰ আগলৈকে মটক জাতিৰ মাজলৈ আত্মপ্ৰকাশৰ জাগৰণ অহা নাছিল।

ডিব্ৰুগড় নিবাসী কেইজনমান মটক জাতীয় শিক্ষিত লোকে নিজ জাতিৰ বৰ্ত্তমান হীনাৱস্থাৰ কথা কেই বছৰ মানৰ আগতে সম্পূৰ্ণ ভাৱে উপলব্ধি কৰে। তেওঁলোকে নিজ জাতিৰ সৰ্ব্বাঙ্গীন উন্নতিৰ হকে "আসাম মটক লীগ"ৰ যোগে অহোপুৰুষাৰ্থ কৰি আহিছে। এই লোক-সকলৰ ভিতৰত শ্ৰীযুত পূৰ্ণচন্দ্ৰ গোঁহাই দেৱ, শ্ৰীযুত ভক্তিবৰ গোঁহাই দেৱ, শ্ৰীযুত নলিনীকান্ত দহোতীয়া দেৱ, শ্ৰীযুত উপেন্দ্ৰনাথ গোঁহাই দেৱ আৰু শ্ৰীযুত ৰত্নধৰ দাস দেৱাদিয়েই প্ৰধান। আমিও এজন সামান্য কৰ্ম্মীহিচাবে উপৰোক্ত লোকসকলৰ লগত জাতীয় উন্নতিৰ হকে সামান্য ৰকমে চেষ্টা কৰি আহিছোঁ আৰু সেই প্ৰেৰণাতেই নিজৰ সামান্য অভিজ্ঞতাৰে মূল কথাৰে এই জাতীয় বুৰঞ্জীখনি লিখি ৰাইজৰ আগলৈ উলিয়াই অসমীয়া ৰাইজৰ মাৰ্জ্জিত আৰু কৰুণা ভৰা দৃষ্টি প্ৰাৰ্থনা কৰি জ্ঞাতিবৰ্গৰ সামান্য উৎসাহ আৰু উপকাৰ আশা কৰিছোঁ।

এই বুৰঞ্জী লিখা কাৰ্য্যত আমাৰ অনুজ শ্ৰীমান হীৰামন দাস আৰু শ্ৰীমান লক্ষেশ্বৰ দাসদ্বয়ে অশেষ চেষ্টা কৰি নানা অনুসন্ধান কৰি বহুত কথা আমাৰ দৃষ্টি গোচৰ কৰি দিয়াত আৰু শ্ৰীমান লক্ষেশ্বৰ দাসে বুৰঞ্জীখনি ছপাৰ উপযুক্ত কৰি নকল কৰি দিয়াত তেওঁলোক দুজনৰ প্ৰতি সৰল কৃতজ্ঞতা নজনাই নোৱাৰিলো।

বৰ্ত্তমান অৰ্থানাটনৰ দিনত এই বুৰঞ্জীখনি চপাব লগীয়া হোৱাত আমি বাধ্য হৈ বুৰঞ্জীখনিৰ মূল্য বেচি কৰিছোঁ। ৰাইজে অৱস্থা বুজি দয়াৰ চকুৰে চাই উৎসাহ দিয়ে যেন। এইয়ে আমাৰ সৰল নিবেদন। ইতি—

ৰাংছালী
২০।৬।৪৪ ইং

—লিখক—

# সূচী।

পিঠি

## ১। খণ্ড।



## ২। খণ্ড।



## ৩। খণ্ড।



## ৪। খণ্ড।



## ৫। খণ্ড।

## ৬। খণ্ড।



## ৭। খণ্ড।



## ৮। খণ্ড।



## ৯। খণ্ড।



---

# মটক জাতিৰ চমু বুৰঞ্জী।


GOVERNMENT OF ASSAM
Call No...............
DISTRICT LIBRARY.

১। খণ্ড।

## মটক জাতি।

উজনি অসমত ভূঞাঁসকলৰ ৰাজ্য স্থাপনৰ সময়তে মান-দেশৰ ফালৰ পৰা অহা টাই গুৰি-গোষ্ঠীৰ কিছুমান পৰাক্ৰমী মানুহ ভূঞাঁসকলৰ এটা ফৈদৰে লগলাগি সোমাৰ পীঠত বাস কৰিছিল। কালক্ৰমে এই সংমিশ্ৰিত ফৈদেই সোমাৰ পীঠৰ এক খণ্ডত ৰাজত্ব কৰিছিল বুলি জনা যায়। এই মানুহবিলাক অতি পৰাক্ৰমী আৰু জ্ঞানী আছিল। সেই কাৰণেই দাঁতি কাষৰীয়া আন আন ৰাজ্যৰ মানুহে তেওঁলোকক মটক আৰু তেওঁলোকৰ স্থাপিত ৰাজ্যক মটক ৰাজ্য বুলিছিল। কিম্বদন্তীৰ পৰা জনা যায় যে কামৰূপত ৰাজত্ব কৰা ক্ষত্ৰিয় বৰ্ণৰ ৰজাসকলৰ শেষ ৰাজত্বই সোমাৰ পীঠৰ মটক ৰাজ্য আছিল।

DISTRICT LIBRARY

## সমাজ নীতি।

মটকসকল ক্ষত্ৰিয় বৰ্ণৰ মানুহ আছিল আৰু তেওঁলোক হিন্দু-ধৰ্ম্মী আছিল। তেওঁলোকৰ মাজত উত্তৰী লোৱা নিয়ম আৰু নবালিকা বিবাহ প্ৰচলন আছিল। তেওঁলোকৰ সমাজ-শৃঙ্খলা বৰ উচ্চ ধৰণৰ আৰু কট্‌কটীয়া আছিল। তেওঁলোকে গোঁহাঞি, বৰুৱা, ফুকন, কটকী আদি উপাধি ব্যৱহাৰ কৰিছিল। মটক-সকলে নিজ গুৰুত বাজে আন কাৰোঁ ওচৰত মূৰ নোদোৱাইছিল। ঘৰ সোমাওঁতে মূৰ দোঁৱাব লাগে বুলি তেওঁলোকে ঘৰৰ মুধে মূধে দুৱাৰ কৰি লৈছিল। এই প্ৰথাৰে সজাঘৰ আজিও অনেক মটক গাঁৱত দেখিবলৈ পোৱা যায়। মটকসকলে কামৰূপীয়া ভাষাকে নিজ মাতৃভাষাৰূপে গ্ৰহণ কৰিছিল। তেওঁলোক মইমতীয়া আৰু ধৰ্ম্মভীৰু আছিল।

## ২। খণ্ড।



## আহোম আক্ৰমণ।

১২২৮ খৃষ্টাব্দত টাই জাতিৰ চুকাফা ৰজাই মটক ৰাজ্য আক্ৰমণ কৰি জয় কৰে। তেতিয়াৰে পৰা কামৰূপত ক্ষত্ৰিয় ৰজা লোপ হয় আৰু আন হাতে প্ৰতাপী আহোমসকলৰ ৰাজত্ব আৰম্ভ হয়। ৰাজ্য হেৰুৱাই মটকসকলে গোটেই সোমাৰ পীঠত বিয়পি পৰি পতিতভাৱে জীৱন কটাবলৈ ধৰে।

## আহোমৰ লগত সম্বন্ধ।

স্বৰ্গদেউ চুকাফা ৰজাই দেশ জয় কৰিবৰ উদ্দেশ্যে অহাৰ কাৰণে লগত তিৰোতা মানুহ কম আনিছিল। পাচত ৰাজ্য জয় কৰি অসমতে নিগাজীভাৱে থাকিবলগীয়া হোৱাত বিয়া-বাৰুৰ কাৰণে অধিক তিৰোতা মানুহৰ আৱশ্যকতা বোধ কৰে। আহোম-সকলে সেই সময়ত সৌমাৰত বাস কৰা অন্যান্য জাতিতকৈ ক্ষত্ৰিয় মটকসকলৰ শাৰীৰিক সৌন্দৰ্য্য আৰু আচাৰ-নীতি উচ্চ ধৰণৰ দেখি তেওঁলোকৰে ছোৱালী বিয়া কৰাই ভৱিষ্যত বংশধৰসকলৰ সংসাৰ চলোৱাতো থিক কৰিলে। কিন্তু দুয়ো জাতিৰে তেতিয়াও সামাজিক আচাৰ-নীতি সম্পূৰ্ণ পৃথকভাবে চলি থাকে।

## ধৰ্ম্মগুৰু।

মটকসকলে ৰাজ্য হেৰুৱাই গোটেই সৌমাৰ পীঠত বিয়পি পৰাৰ সময়তে মহাপুৰুষ শঙ্কৰ দেৱে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ অৰ্থে মাধব দেৱ, অনিৰুদ্ধ দেৱ, দামোদৰ দেৱ আৰু যদুমণি দেৱ প্ৰভৃতি জনচেৰেক প্ৰিয় শিষ্য লগতলৈ বৰদোৱাৰ পৰা নাৱেৰে ব্ৰহ্মপুত্ৰেদি উজাই আহে। ইতি মধ্যে সৌমাৰ পীঠৰ ওচৰত মহাপুৰুষ শঙ্কৰ দেৱৰ লগত মহাপুৰুষ অনিৰুদ্ধ দেৱৰ মতবাদ ঘটে। মহাপুৰুষ শঙ্কৰ দেৱে অনিৰুদ্ধ দেৱক নাবঁৰ পৰা ব্ৰহ্মপুত্ৰৰ অগাধ দ পানীত নমাই দি এৰি যায়। কিন্তু অনিৰুদ্ধ দেৱে নিজ মহত্বৰ গুণত অগাধ দ পানীৰ মাজতো নিৰাপদে থিয় দি ৰৈ থাকে। অনিৰুদ্ধ দেৱৰ এনে অৱস্থা কিছুমান মটক মানুহে দেখা পাই

আৰু নাৱেৰে তেওঁক পাৰলৈ উঠাই নিয়ে। মহাপুৰুষ অনিৰুদ্ধ দেৱৰ পৰা সকলো ঘটনা শুনি তেওঁক এজন মহাপুৰুষ বুলি মটক-সকলে বিশ্বাস কৰিলে। সেই মটকবিলাকে তাতেই মহাপুৰুষ অনিৰুদ্ধ দেৱৰ শৰণ ললে। তাৰ পাচত তেওঁ সশিষ্যে বিষ্ণুবালি-কুচিলৈ গৈ তাত সত্ৰ পাতি নিৰ্ম্মল পবিত্ৰ ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ধৰিলে। মটকৰ কিছুমান লোকে এজন মহাপুৰুষ লাভ কৰি তেওঁত শৰণ লোৱাৰ কথা চাৰিও ফালে প্ৰচাৰ হৈ গল। মটকসকলৰ সমাজ বান্ধোন কট্‌কটীয়া থকাৰ কাৰণে যত যেনেকৈ মটক মানুহ আছিল সকলোৱে আহি মহাপুৰুষ অনিৰুদ্ধ দেৱত শৰণ লয়। পাচত এই অনিৰুদ্ধ দেৱেই মায়ামৰা গোঁসাই আৰু তেওঁ পতা সত্ৰখন মায়ামৰা সত্ৰ নামে অভিহিত হয়। পুৰুষানুক্ৰমে গোঁসাইৰ পুতেকক বা পৰিয়ালৰ এজনক ধৰ্ম্মাসনৰ ভাৰ দি মটকসকল চলিবলৈ ধৰে! তেওঁলোকে প্ৰাণ দিও গুৰুৰ বাক্য পালন কৰে আৰু গুৰুৱেও তেওঁলোকক পুত্ৰবৎ ব্যৱহাৰ কৰে। কিন্তু ৺মহাপুৰুষ শঙ্কৰ দেৱৰ মতৰ পৰা ফাটিগৈ মহাপুৰুষ অনিৰুদ্ধ দেৱে বেলেগাই সত্ৰ পাতি ধৰ্ম্মপ্ৰচাৰ কৰাৰ বাবে আৰু সেই ধৰ্ম্মপ্ৰচাৰক মহাপুৰুষ অনিৰুদ্ধ দেৱক মটক-সকলে গুৰুৰূপে গ্ৰহণ কৰাৰ বাবদ ৺মহাপুৰুষ শঙ্কৰ দেৱৰ ধৰ্ম্মানুগামী অন্যান্য সম্প্ৰদায়ৰ গুৰু-শিষ্য উভয়েই মটক জাতিৰ গুৰু-শিষ্য উভয়ক ঘৃণা আৰু ঈৰ্ষাৰ চকুৰে চোৱাৰ অনেক সময়ত প্ৰমাণ পোৱা যায়।

# ৩। খণ্ড।

## বিদ্ৰোহৰ সূচনা।

১৭১৪ খৃষ্টাব্দত আহোম ৰাজসিংহাসনত ফুলেশ্বৰী কুঁৱৰী বহে। তেওঁ ঘোৰ শাক্ত আছিল। আন হাতে তেওঁৰ প্ৰজা মটকসকলে গোঁসানী পূজা নকৰিছিল। এই কথাত ৰাণী বৰ অধৈৰ্য্য হৈ উঠে আৰু বলেৰে মটকৰ গোঁসাই সহ কিছুমান লোকক গোঁসানীৰ আগত বলিকটা তেজৰে কপালত ফোট দি অপমান কৰে। এই কাৰ্য্যত মটকসকলে মৰণান্তিক বেজাৰ পালে। তেওঁলোকৰ অন্তৰত প্ৰতিশোধৰ তুঁহ জুই জ্বলি উঠে আৰু গুৰুৰ ওচৰত আহোমসকলৰ লগত বিদ্ৰোহাৰ্থে প্ৰাৰ্থনা জনায়। কিন্তু মটকৰ গোঁসায়ে নিজৰ শিষ্যবল কম ভাবি সেই বাৰলৈ কোনো আদেশ নকৰিলে। মটকসকলৰ মনৰ কথা মনতে থাকিল। ইয়াৰ কিছুদিনৰ পাচত স্বৰ্গদেউ লক্ষ্মীনাথ সিংহৰ দিনত আকৌ মটকসকল ৰাজ-কৰ্ম্মচাৰী কীৰ্ত্তিচন্দ্ৰ বৰ বৰুৱাৰ হাতত অপমানিত হয়। তেওঁলোকৰ অন্তৰে এনে ধৰণৰ লাঞ্ছনা বাৰে বাৰে সহ্য কৰিব নোৱাৰা হল। তেওঁলোকে পুনৰ গুৰুৰ ওচৰত প্ৰতিশোধ লবৰ কাৰণে প্ৰাৰ্থনা জনায়। গোঁসায়ে শিষ্যবৰ্গৰ মন বুজি তেওঁলোকৰ বল বুজিবৰ কাৰণে প্ৰত্যেক শিষ্যকে এটা খেৰ, এটা বেত সুত, এটা কামি আৰু

এচপৰা মাটি আনি বৰভেটী বান্ধি তাৰ ওপৰত এটা নামঘৰ সাজিবলৈ হুকুম দিলে। বৰ্ত্তমান যোৰহাট চহৰৰ ছয় মাইল পশ্চিমে মালৌ পথাৰতে বৰভেটী বান্ধি নামঘৰ সজা হয়। শিষ্যবৰ্গ পৰীক্ষাত উত্তীৰ্ণ হোৱা দেখি গোঁসায়ে প্ৰতিশোধাৰ্থে আহোমৰ লগত বিদ্ৰোহ কৰিবলৈ আদেশ দিলে।

---

## ৪। খণ্ড।

### প্ৰথম বিদ্ৰোহ।

ইয়াৰ পাচত মটকসকলে নাহৰ খোৱা মটক আৰু ৰাঘৱ মৰাণ দেৱক সেনাপতি পাতে আৰু ১৭৬৯ খৃষ্টাব্দত বীৰবেশে জয়ধ্বনি কৰি ৰাজ-দুৱাৰৰ ফালে আগুৱাই যায়। এই যুদ্ধত নাহৰ খোৱা মটকৰ ঘৈণীয়েক ৰাধা আৰু ৰুক্মিণী নামে দুগৰাকী তিৰোতা মানুহো গৈছিল। তেওঁলোকৰ সাহস আৰু ৰণ কৌশল বৰ নিপুণ আছিল। আহোম সেনাই মৰণত শৰণ দি ৰণ কৰিও শেষত মটক সেনাৰ হাতত পৰাজয় হয়। মটক সেনা সদলবলে আগুৱাই গৈ ৰাজধানী অধিকাৰ কৰি ৰজাক জয়সাগৰ দৌলত বন্দী কৰি ৰাখে। পূৰ্ব্বৰ অপমানৰ হোৰ তুলি কীৰ্ত্তিচন্দ্ৰ বৰ

বৰুৱাক নচচা শূলত দিয়ে। প্ৰবাদ আছে যে এই যুদ্ধত ৰাধা-ৰুক্মিণীয়ে কোচ পাতি বিপক্ষৰ গুলি ধৰিছিল। আহোম সৈন্যই ৰাধা-ৰুক্মিণীৰ এই কাৰ্য্য দেখি তেওঁলোকক গোঁসানী বুলি ভাবিছিল আৰু ৰণ এৰি ফাহি চিটিকা দি চিটিকিবলৈ ধৰিছিল।

## মহাৰাজ ৰমাকান্ত।

নিজৰ প্ৰতিজ্ঞা পূৰণৰ পাচত মটকসকলে নাহৰ খোৰা মটক দেৱৰ পুতেক ৰমাকান্ত মটক দেৱক আহোম ৰাজ-সিংহাসনত বহুৱালে আৰু ৰাঘৱ মৰাণ দেৱক বৰবৰুৱা পাতিলে। ১৭৭০ খৃষ্টাব্দত মহাৰাজ ৰমাকান্ত দেৱে আহোম ৰজাৰ আঠচুকীয়া মোহৰৰ সলনি নিজৰ নামত নচুকীয়া মোহৰ মৰালে। আহোম-সকলো এনেয়ে বহি থকা নাছিল। তেওঁলোকে মটক ৰজাৰ বিৰুদ্ধে ভিতৰুৱা ভাবে তেতিয়াও ষড়যন্ত্ৰ চলাই আছিল।

## কুৰঙ্গনয়নী।

কুৰঙ্গনয়নী মণিপুৰীয়া ছোৱালী আছিল। আহোমৰজা স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই এওঁক বিয়া কৰাইছিল। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ মৃত্যুৰ পাচত লক্ষ্মীসিংহ স্বৰ্গদেউ আহোম ৰাজপাটত উঠে আৰু ৰাণী কুৰঙ্গনয়নীক ভাৰ্য্যাৰূপে গ্ৰহণ কৰে। মটকসকলে স্বৰ্গদেউ লক্ষ্মীসিংহক পৰাজয় কৰি ৰাণী কুৰঙ্গ-নয়নীক বলেৰে কাঢ়ি আনে। তেওঁলোকে বৰবৰুৱা ৰাঘৱ দেৱক এওঁক দান দিয়ে। বৰবৰুৱা ৰাঘৱদেৱেও তেওঁক সৰলভাবে গ্ৰহণ

কৰিলে। আহোমসকলে সমুখ যুদ্ধত মটকসকলক পৰাজয় কৰা অসম্ভৱ ভাবি গোপনে কুৰঙ্গনয়নীৰ লগত ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। তেওঁলোকে চক্ৰান্ত কৰি বহাগ বিহুৰ দিনা কিছুমান আহোম সেনা মটকৰ বেশেৰে বৰবৰুৱা ৰাঘৱ দেৱৰ ঘৰত হুচৰি গাবলৈ পঠিয়ালে। আহোমসেনা বেশচন কৰি বৰবৰুৱা ৰাঘৱ দেৱৰ চোতাল পালেহি। বৰবৰুৱা ৰাঘৱ দেৱ সদায় সকলো সময়তে অস্ত্ৰ-সস্ত্ৰেৰে সজ্জিত থাকে আৰু সেই বেশেৰেই বেশচন কৰি অহা আহোম সেনাক জ্ঞাতি বুলি সম্ভাষণ কৰিবলৈ ওলাই আহিল। এনেতে কুৰঙ্গনয়নীয়ে আগৰ মন্ত্ৰণা মতে হাতজোৰ কৰি কলে যে বছেৰেকৰ মূৰত বিহু বুলি আমাৰ জ্ঞাতিবৰ্গ আমাৰ ঘৰলৈ আহিছে তেনে অৱস্থাত তেওঁলোকক হাতত অস্ত্ৰ লৈ সম্ভাষণ কৰিব নাপায়। বৰবৰুৱা ৰাঘৱ দেৱে চতুৰ তিৰোতাৰ চলনাত ভোল গৈ নিজৰ হাতৰ তৰোৱাল কুৰঙ্গনয়নীক দি শূন্য হাতে জ্ঞাতি সম্ভাষণ কৰিবলৈ ওলাই আহিল। বিশ্বাসঘাতিনী কুৰঙ্গনয়নীয়ে হঠাৎ পাচ ফালৰ পৰা নিজ স্বামীৰ গলত নিজ হাতে তৰোৱাল বহাই দিলে। খন্তেকতে মটক বেশধাৰী আহোম সৈন্য তেওঁৰ ওপৰত জপিয়াহ পৰি অন্যায়ভাৱে নিৰস্ত্ৰ বৰবৰুৱা ৰাঘৱক বধ কৰিলে। তাৰ পাচত ৰাজধানী আক্ৰমণ কৰি অসাৱধান অৱস্থাত মহাৰাজ ৰমাকান্তক বধ কৰিলে। মটকসকলে আহোমৰ লগত প্ৰাণপণে যুদ্ধ কৰিলে যদিও আগতে সাজু নথকাৰ কাৰণে হাৰ মানে। আহোম সেনাই মটকসেনাক যুদ্ধত হৰুৱাই পুনৰ লক্ষ্মীসিংহ স্বৰ্গদেৱক ৰাজপাটত বহুৱালে।

## দ্বিতীয় বিদ্রোহ।

স্বৰ্গদেউ লক্ষ্মীসিংহৰ মৃত্যুৰ পাচত স্বৰ্গদেউ গৌৰীনাথ সিংহ ৰাজপাটত উঠে। তেওঁ পিতৃ-শত্রু ভাবি নিতাল মাৰি থকা মটকসকলক আকৌ জোকাই লয়। তেওঁ মটকসকলক য'তে ত'তে অত্যাচাৰ কৰিবলৈ ৰাজ্যত প্ৰচাৰ কৰি দিলে। এই কাৰ্য্যত মটকসকলৰ বৰ খং উঠিল আৰু প্ৰথমে শিঙৰী ঘৰত জুই লগাই দিলে। মটকসকলৰ এই কাৰ্য্য দেখি আগৰ ডাঙৰীয়া-সকলৰ মটকৰ হাতত ঘটা দশালৈ মনত পৰিল। ৰাজমন্ত্ৰী ৰুদ্ৰেশ্বৰ বৰপাত্ৰ ডাঙৰীয়া বিনা যুদ্ধেই পলাই ভাটীলৈ গুচি গল। আগৰ যুদ্ধত মটকৰ গুৰিয়াল কেই জনমান হানি হোৱাত মটক-সকল এইবাৰ আৰু আগুৱাব নোৱাৰিলে। তেওঁলোকে ৰাজমন্ত্ৰী ঘনশ্যাম বুঢ়া গোঁহাঞি ডাঙৰীয়াৰ কৌশল ভেদিব নোৱাৰি পিচুৱাই আহিল।

## তৃতীয় বিদ্রোহ ও শান্তি ৰণ।

যদিও ৰাজসেনাৰ হাতত মটকসকল পৰাজয় হল তথাপি তেওঁলোকৰ মন নাভাগিল। তেওঁলোকে আকৌ আহোমক এসেকা দিবৰ কাৰণে মনতে ভাবি আছিল। এনেতে ৰাজমন্ত্ৰী ঘনশ্যাম বুঢ়া গোঁহাঞি ডাঙৰীয়াই কিছুমান মটকক ধৰি অনাহকতে শাস্তি বিহিলে। এইবাৰ মটকৰ স্ত্ৰী-পুৰুষ উভয়ে জিকাৰ খাই উঠিল আৰু ইয়াৰ হোৰ তুলিবৰ কাৰণে দৃঢ়প্ৰতিজ্ঞ হৈ তলে তলে যুদ্ধ আয়োজন কৰি নিজশক্তি বৃদ্ধি কৰিবলৈ ধৰিলে। ইতিমধ্যে

ঘনশ্যাম বুঢ়া গোঁহাঞি ঢুকুৱাত তেওঁৰ পুতেক পূৰ্ণানন্দ গোঁহাঞি ডাঙৰীয়া নতুনকৈ বুঢ়া গোঁহাঞি হয়। এই সময়তে মটক-সকলে যুদ্ধ আয়োজন পূৰ্ণ কৰি ১৭৮৭ খৃঃ ৰাজপুৰী আক্ৰমণ কৰিলে।

এই যুদ্ধত বহুতো মটক তিৰোতাই যোগ দিছিল। তাৰ ভিতৰত চন্দ্ৰবালা, মধুৰী, ৰম্ভা, জয়ন্তী, ভানুমতী, ভদ্ৰাৱতী, সুভদ্ৰা, সুচলা, জয়া, ৰোহিণী, সুমতি এই কেই গৰাকীয়ে প্ৰধান আছিল। তেওঁলোকে—

—'অষ্টভুজে, সপ্তভুজে চতুৰ্ভুজে ৰাখে
তাৰে দাই তাকে কাটে তাৰে হিলৈ তাকে মাৰে
চতুৰ্ভুজে ৰাখে ঐ চতুৰ্ভুজে ৰাখে—'

বুলি জয়ধ্বনি কৰি ৰাজধানীৰ ফালে আগুৱাই গল। তেওঁ-লোকে শত্ৰুপক্ষৰ পৰা মৰা বন্দুক বৰতোপৰ গুলি কোঁচপাতি ধৰি পুনৰ সেই গুলীকে শত্ৰুলৈ ওভোটাই চাটিমাৰি শত্ৰুসেনা বধ কৰিছিল বুলি প্ৰবাদ আছে। এই যুদ্ধ শান্তি ৰণ নামে জনাজাত।

ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়া গোঁহাঞি ডাঙৰীয়াই এটা বৃহৎ ফৌজ মটকসকলৰ বিৰুদ্ধে পঠিয়াই দিলে। কিন্তু মটকসকলৰ হাতত এই ফৌজ কেনিবাদি উফৰি পৰিল। এই বাতৰি পাই আহোম ৰজা স্বৰ্গদেউ গৌৰীনাথ সিংহ ভটিয়াই পলাই যায়। মটকসকলে আকৌ সিংহাসন অধিকাৰ কৰি মহাৰাজ ভৰতসিংহক আহোম

ৰাজসিংহাসনত বহুৱালে আৰু ভবিষ্যত বিপদৰ আশঙ্কা কৰি মহামতি পূৰ্ণানন্দ বুঢ়া গোঁহাঞিও দেৱক যোৰহাটত বন্দী কৰি থয়।

## ৫। খণ্ড

—⁂—

### মহাৰাজ ভৰতসিংহ।

১৭৮৭ খৃষ্টাব্দত মহাৰাজ ভৰতসিংহ ৰাজপাটত বহে আৰু অখণ্ড প্ৰতাপেৰে অসমত মটক ৰাজত্ব আৰম্ভ কৰে। তেওঁও নিজৰ নামত ৰূপ আৰু সোণৰ নচুকীয়া মোহৰ মৰাইছিল। স্বৰ্গদেউ গৌৰীনাথ সিংহই গুৱাহাটীত গৈ বৰফুকনৰে লগলাগি হেৰুৱা ৰাজ্য পুনৰ উদ্ধাৰৰ কাৰণে যত্ন কৰিবলৈ ধৰিলে। তেওঁ বহু চেষ্টা কৰি এটা শকত ফৌজ গোটাই মটকসকলৰ বিৰুদ্ধে পঠিয়াই দিলে। কিন্তু প্ৰবলপ্ৰতাপী মহাৰাজ ভৰত সিংহৰ সৈন্যই বাৰে বাৰে ভাৰতবিজয়ী মোগল-পাঠানক পৰাস্ত কৰা আহোম সেনাক সমুখ যুদ্ধত পৰাস্ত কৰি নিজৰ বীৰত্ব দেখুৱাই সকলোকে তবধ মনালে।

### মণিপুৰী সেনাৰ লগত যুদ্ধ।

এই যুদ্ধত হৰাৰ বাতৰি পাই স্বৰ্গদেউ গৌৰীনাথ সিংহই মণিপুৰৰ ৰজা জয়সিংহলৈ সহায় বিচাৰি গোপনে কটকী

পঠিয়ালে। মণিপুৰেশ্বৰ জয়সিংহইও মহাৰাজ ভৰতসিংহৰ হাতত আহোম সেনা বাৰে বাৰে পৰাজয় হোৱা আৰু স্বৰ্গদেউ গৌৰীনাথ সিংহৰ দুৰৱস্থাৰ কথা শুনি পূৰ্ব্বৰ উপকাৰ সুমৰি ১৭৯২ খৃঃ এটা ডাঙৰ ফৌজ আহোমৰ সহায়াৰ্থে মটকৰ বিৰুদ্ধে পঠিয়াই দিলে। কিন্তু পৰাক্ৰমী মটকসকলৰ হাতত এই ফৌজ নিমিষতে উফৰি পৰিল। তেওঁলোক দলে দলে ৰণ এৰি পলাই উভটি গল। এইবাৰ স্বৰ্গদেউ গৌৰীনাথ সিংহ একেবাৰে হতাশ হল যদিও তলে তলে অন্য সহায় বিচাৰিবলৈ ধৰিলে।

## মহাৰাজ ভৰতসিংহৰ ৰাজ্য-শৃঙ্খলা।

মণিপুৰীবিলাকক পৰাজয় কৰাৰ পাচত মহাৰাজ ভৰতসিংহই চেদেলি-ভেদেলি হৈ থকা ৰাজ্য শৃঙ্খলা কৰিবলৈ মন মেলিলে। ইমান দিনে যুদ্ধ-বিগ্ৰহত লাগি থকা কাৰণে তেওঁ এইবিলাক কাৰ্য্যত হাত দিবলৈ আহৰি পোৱা নাছিল। এতিয়া আহৰি পাই দেখিলে যে সদিয়াৰ পৰা মানাহালৈকে এই বৃহৎ ৰাজ্য তেওঁ অকলে শাসন কৰিলে ৰাজকাৰ্য্যত বেমেজালি ঘটিব পাৰে আৰু প্ৰজাৰো অনেক অশান্তি হব পাৰে। সেই গতিকে তেওঁ ৰাজ্য-শৃঙ্খলা বন্ধভাবে চলাবলৈ থায়ে থায়ে প্ৰতিনিধি ৰাখিলে। লুহিতৰ উত্তৰপাৰে জাপৰী ভেটিত যুগী মানুহ এজন, দিহিঙৰ পূৰে পুৰণি মটকৰাজ্যত সৰ্ব্বানন্দ নামে মৰাণ এজন, মাজুলীত হাউলীয়া নামে এজন আৰু সদিয়াত খামতি এজনক প্ৰতিনিধি

ৰাখিলে। দূৰদৰ্শী মহাৰাজ ভৰতসিংহই এনেদৰে বিভিন্ন সম্প্ৰদায়ৰ প্ৰতিনিধি ৰখাৰ উদ্দেশ্য এই যে তেওঁৰ ৰাজ্যত যাতে সাম্প্ৰদায়িক মনোবাদৰ সৃষ্টি নহৈ সকলো সম্প্ৰদায়ৰ লোকসকল মিলাপ্ৰীতিৰে থাকিব পাৰে।

## ইংৰাজৰ লগত যুদ্ধ।

মহাৰাজ ভৰতসিংহই ৰাজ্য-শৃঙ্খলা কামত লাগি থাকোঁতে সুযোগ পাই আহোম ৰজা স্বৰ্গদেউ গৌৰীনাথ সিংহই গোপনে সেই সময়ৰ বৃটিছ ভাৰতৰ শাসনকৰ্ত্তা লৰ্ড কৰ্ণোৱালিচৰ ওচৰলৈ সহায় খুজি কটকী পঠিয়ালে। লৰ্ড কৰ্ণোৱালিচেও সকলো ঘটনা শুনি আহোম ৰজাক সহায় কৰিবলৈ গাত ললে। তেওঁ কেপ্টেইন্ ওৱেলচ চাহাবৰ তলত এটা বৃহৎ শিক্ষিত ফৌজ দি আহোম ৰজাক সহায় কৰিবলৈ অসমলৈ পঠিয়ালে। এই ফৌজৰে সৈতে কেপ্টেইন্ ওৱেলচ চাহাবে গুৱাহাটীৰ পৰা স্বৰ্গদেউ গৌৰীনাথ সিংহক লগতলৈ আগুৱাই ডেৰ গাৱেদি যোৰহাটলৈ যাত্ৰা কৰে। এই সংবাদ পাই মটকসকলে বৃটিছ ফৌজক ডেৰগাৱঁৰ ওচৰত আগচি ধৰিলেহি। প্ৰথমে মটকসকলৰ সৈন্য-সজ্জা আৰু যুদ্ধাৰম্ভৰ দেখি বৃটিছ ফৌজ পিচুৱাই আহিবলৈ বাধ্য হয়। পাচত স্বৰ্গদেউ গৌৰীনাথ সিংহৰ পৰা মটকসকলৰ ভিতৰুৱা অস্ত্ৰবল কেপ্টেইনে জানিব পাৰি পুনৰ যুদ্ধাৰ্থে আগবাঢ়ি যায়। দুয়ো পক্ষৰ ঘোৰতৰ যুদ্ধ হয়। এই যুদ্ধত মটকসকলে বৃটিছৰ বন্দুক-ধাৰী শিক্ষিত ফৌজক বেচিপৰ বাধা দি ৰাখিব নোৱাৰি যোৰহাটলৈ

পিচুৱাই যায়। বৃটিছ সৈন্যই আগুৱাই গৈ যোৰহাট পাওঁতেই মটকসকলে আকৌ তেওঁলোকক আগচি ধৰিলে। ইয়াতো দুয়ো পক্ষৰ ভিতৰত এখন তয়াময়া যুদ্ধ হল। মটকসকলে এই যুদ্ধতো বৃটিছ সৈন্যক পৰাজয় কৰিব নোৱাৰি যোৰহাট এৰি ৰাজধানী ৰংপুৰলৈ পিচুৱাই যায়। বৃটিছ সৈন্যই যোৰহাট অধিকাৰ কৰি বন্দী অৱস্থাত থকা মহামতি পূৰ্ণানন্দ বুঢ়া গোঁহাঞি ডাঙৰীয়াক মুক্ত কৰিলে। তাৰ পাচত তেওঁলোকে সদলবলে ৰাজধানী ৰংপুৰ চহৰ অধিকাৰ কৰিবলৈ আগুৱাই গল। মটক-সকলেও পুনৰ নিৰ্ভিকভাবে আগুৱাই আহিল। উভয় পক্ষৰ ৰংপুৰ নগৰত ভীষণ যুদ্ধ লাগিল। দুয়ো পক্ষই প্ৰাণটাকি যুজিবলৈ ধৰিলে। বৃটিছ সৈন্যৰ বন্দুকৰ গুলীৰ কোবত আকাশ ধোৱাঁ-কোৱাঁ হল। কিন্তু মটকসকলে তালৈ কেৰেপকে নকৰি জাকে জাকে বৃটিছ সৈন্যৰ ওপৰত বীৰবেশে প্ৰাণৰ মমতা এৰি জপিয়াই পৰি সমুখ যুদ্ধত প্ৰাণ দিবলৈ ধৰিলে। বাৰিষাৰ বৰষুণৰ দৰে মটক সৈন্যই কাড় বৰষিলে। শেষত তেওঁলোকৰ কাড়ৰ তুণ শূন্য হৈ গল। তথাপিও তেওঁলোকে নপলায়—থিৰেৰে সাধাৰণ অস্ত্ৰ-সস্ত্ৰ লৈ যুদ্ধ কৰি ৰণক্ষেত্ৰত প্ৰাণ দিবলৈ ধৰিলে। এই যুদ্ধত যুদ্ধক্ষেত্ৰত তেজৰ নৈ বৈ গল। মৰাশৰে দাম দাম হৈ ৰণস্থলী ভৰি পৰিল। চাওঁতে চাওঁতে সাগৰ-সঙ্কাশ মটকবাহিনীৰ বীৰসকল যুদ্ধক্ষেত্ৰত শেষ শয্যাত শায়িত হল। তেওঁলোকে জগতৰ বুৰঞ্জীৰ পাতত নিজৰ বীৰত্বৰ চানেকি সোণালী আখৰেৰে জিলিকাই ৰাখি প্ৰাণ এৰিলে। তথাপিও সমুখ যুদ্ধত বিমুখ নহল। মহাৰাজ ভৰতসিংহই

এই যুদ্ধত ভীষণ বিক্ৰমেৰে যুজি শেষত শত্ৰুৰ হাতত প্ৰাণ এৰিলে। যুদ্ধত যোগ দিয়া প্ৰায় সকলো মটক বীৰৰেই মৃত্যু ঘটিল। এই যুদ্ধত মটকজাতিৰ বল, বিক্ৰম, বুদ্ধি, কৌশল, যশস্যা সকলো চিৰকাললৈ জাহ গল। ভবিষ্যতৰ কাৰণে তেওঁলোক দুৰ্ব্বল হল। তেওঁলোকৰ সৌভাগ্য-ৰবি পশ্চিম সাগৰত মাৰ গল। এই যুদ্ধত ৰংপুৰ্ চহৰ বৃটিছৰ হাতলৈ যায়। বৃটিছ সেনাপতি কেপ্তেইন্ ওৱেলচ চাহাবে পুনৰ স্বৰ্গদেউ গৌৰীনাথ সিংহক ৰাজপাটত বহুৱাই কলিকতালৈ উভটি গল।

## ৬। খণ্ড।

——:০:——

### স্বৰ্গদেউ কমলেশ্বৰ সিংহৰ হত্যা অভিযান।

স্বৰ্গদেউ গৌৰীনাথ সিংহৰ মৃত্যুৰ পাচত ১৭৯৫ খৃঃ স্বৰ্গদেউ কমলেশ্বৰ সিংহ আহোম ৰাজপাটত বহে। তেওঁ পূৰ্ব্বৰ শত্ৰু মটকবিলাকৰ পৰা ভবিষ্যত বিপদৰ আশঙ্কা কৰি ৰাজ্যৰপৰা মটকবিলাকক নিৰ্ব্বংশ কৰিবলৈ আদেশ দিলে। ৰজাৰ এই আদেশ পায় আহোম প্ৰজাই যতে যেনেকৈ পালে মটকবিলাকৰ ওপৰত অমানুষিক অত্যাচাৰ চলাবলৈ ধৰিলে। বৃটিছ সেনাপতি কেপ্তেইন্ ওৱেলচ চাহাৱে ককাল ভাঙি থৈ যোৱা মটকসকলেও স্বৰ্গদেউ কমলেশ্বসিংহৰ এই কাৰ্য্যত বাধা দিব নোৱাৰিলে।

আহোমৰ অত্যাচাৰত মটকসকল তুলা-চিটিকাদি পলাবলৈ ধৰিলে। আনকি আহোমসকলে মটকৰ পেটৰ পোৱালীৰ ওপৰতো অত্যাচাৰ কৰিছিল। আহোমৰ অত্যাচাৰৰ পৰা হাত সাৰিবৰ কাৰণে কিছুমান মটকে নিজৰ ডিঙিৰ উত্তৰী চিঙি আন জাতিৰ লগত সোমাই আত্মগোপন কৰিবলৈ ধৰিলে। সেই সময়ত গোঁসাই আৰু বামুনত বাদে একমাত্র মটকসকলৰহে উত্তৰী লোৱা প্রথা আছিল। স্বৰ্গদেউ কমলেশ্বৰ সিংহৰ এই মটক-মৰা অভিযান বাৰ বছৰ চলে। এই অভিযানত মটকৰ অনেক গুৰু-শিষ্যৰ অকাল মৃত্যু হয়। নগাওঁ টাউনৰ ওচৰৰ শেনচোৱা মটক গাবৰ পশ্চিমে এমাইল দূৰৈত থকা মটক-মৰা কোঢ়লৈ মনত পেলালেই আহোম ৰজাই মটক প্রজাৰ ওপৰত কৰা অত্যাচাৰ ভালকৈ বুজিব পাৰি। কোঢ় মানে পুখুৰী। এই পুখুৰীৰ ওপৰত এখন চাং পাতি তাত মটক মানুহ তুলি তলত জুই লগাই সেই জুইত শুকান জলকীয়া পেলাই জলকীয়াৰ জাল মিহলি ধোৱাঁ খুৱাই আহোম বিষয়াসকলে মটকসকলক শাস্তি দি হত্যা কৰিছিল।

## আত্মগোপন।

ৰাজ-অত্যাচাৰত উপায়হীন হৈ মটকসকলে ডিঙিৰ উত্তৰী পৰ্য্যন্ত চিঙি পেলাই ওচৰৰ অন্যান্য জাতিৰ মানুহৰ মাজত সোমাই সেই সেই জাতিৰ মানুহ বুলি কৈ আত্মগোপন কৰি প্রাণৰক্ষা কৰিবলৈ ধৰিলে। সেই সময়ত প্রতাপী মটকসকলৰ দুখে কুলাই পাচিয়ে নধৰা হৈছিল। মটকসকলৰ দুখ দেখি অন্যান্য

জাতিৰ বহুত লোকে আশ্ৰয়ত ৰাখি মটকসকলে আত্মগোপন কৰি প্ৰাণৰক্ষা কৰা কাৰ্য্যত সহায় কৰিছিল। বহুতো লোকে মটক মানুহক আশ্ৰয় দি ৰাখিও অনুসন্ধানকাৰী ৰাজবিষয়া আগঁতে মিছা মাতি মটকসকলৰ প্ৰাণৰক্ষা কৰিছিল। এইদৰে মটকসকলে সেই সময়ত অসমত বাস কৰা কৈৱৰ্ত্ত বনিয়া, আহোম কলিতা আদি জাতিৰ বুকত সোমাই আত্মগোপন কৰি আহোমৰ অত্যাচাৰৰ পৰা ৰক্ষা পৰে। কিন্তু ভিতৰুৱা আচাৰ-নীতি তেতিয়াও সম্পূৰ্ণ বেলেগ ভাবেই চলাইছিল।

## সেন্দুৰত দিয়া বিবাহ।

আগতে কৈ অহা হৈছে যে মটকসকলৰ নবালিকা বিবাহ পতাৰ নিয়ম আছিল। আহোম অত্যাচাৰত পলৰীয়া অৱস্থাত মটকসকলে এই বিবাহ পাতিব নোৱাৰা হল। সেই সময়ত মটকৰ বাহিৰে আনে নবালিকা বিবাহ নচলাইছিল। এই বিবাহ-খনেই মটক জাতিৰ বিশেষত্ব আছিল। এই বিবাহ প্ৰকাশ্যে পাতিবলৈ গলে সেই সময়ত মটকসকলৰ প্ৰাণৰ শঙ্কত আছিল। আন হাতে জাতীয় প্ৰথা এটা এৰিবলৈকো মটকসকলে টান পাইছিল। ছোৱালী নবালিকাতে বিবাহ দিব নোৱাৰিলে সেই ছোৱালী বৰ্জ্জিতা হোৱাৰ প্ৰথা আছিল। মটকসকলে যেনে তেনে জাতীয় প্ৰথা ৰক্ষাৰ কাৰণে অন্য উপায়ে নবালিকা বিবাহ পতাৰ ব্যৱস্থা কৰে। তেওঁলোকে এটা কলাপুলি পুতি তাকে দৰা হিচাবে ধৰি লৈ সেন্দুৰ আদি ঘঁহি জাতীয় প্ৰথামতে ছোৱালীৰ

বিবাহ কৰি ধৰম ৰক্ষা কৰিছিল। এই কাৰণে মানুহে ইয়াক ‘ধৰম বিবাহ’ও বুলিছিল। কোনো কোনোৱে কলাপুলি পুতি দৰা হিচাবে ধৰি লৈ ছোৱালীৰ গাত সেন্দুৰ ঘঁহি কৰোঁৱা বিবাহ কাৰণে সেন্দুৰত দিয়া বিবাহও বোলে। এই বিবাহখন আজিও অনেক মটক গাঁৱতে প্ৰচলিত আছে। কোনো কোনো ঠাইত এই বিবাহ নিষিদ্ধ বুলি এৰিছেও।

## হৰিহৰ তাঁতী।

মটকসকলে আত্মগোপন কৰা অৱস্থাতে হৰিহৰ তাঁতী নামে মটক এজনে আহোম ৰজাই মটক প্ৰজাৰ ওপৰত কৰা অত্যাচাৰ সহিব নোৱাৰি গাওঁ এৰি নিৰ্জ্জন ঠাইত গৈ গোঁসানীৰ মূৰ্ত্তি সাজি আৰাধনা কৰিবলৈ ধৰিলে। তেওঁৰ আৰাধনাত তুষ্ট হৈ গোঁসানীয়ে তেওঁক তেওঁৰ ইচ্ছানুযায়ী সকলো কাম কৰিব পাৰিব বুলি আশীৰ্বাদ কৰিলে। হৰিহৰ তাঁতীয়ে ইষ্ট বৰ পায় গোঁসানীক প্ৰণাম কৰি গুচি আহিল। তেওঁ গোঁসানীৰ বৰ পৰীক্ষা কৰিবৰ কাৰণে ডিক্ৰং নৈৰ দাঁতিত বহি কলে, ‘হে! ডিক্ৰং, তুমি প্ৰৱল সোঁতে দক্ষিণ মুখে বৈ আহিছা—গোঁসানীৰ বাক্য শিৰোধাৰ্য্য কৰি মই তোমাক কৈছো, তুমি এতিয়াই উত্তৰলৈ বই যোৱা।” তৎক্ষণাৎ ডিক্ৰং নদী উভটি উত্তৰলৈ বব ধৰিলে। তেতিয়া তেওঁ গোঁসানীৰ বৰৰ সত্যতা বুজিব পাৰি এচটা জিওৰা খৰিয়েই সমূহ আহোম সেনাক পৰাজয় কৰোঁ বুলি গুৰুৰ ওচৰত পুনৰ বিদ্ৰোহাৰ্থে প্ৰাৰ্থনা জনালে। কিন্তু

গুৰুৱে তেওঁক নিজ ধৰ্ম্ম এৰি গোঁসানীৰ ওচৰত শৰণাপন্ন হোৱা হেতুকে বৰ্জ্জন কৰিলে। হৰিহৰ তাঁতীয়ে মনৰ বেজাৰত সেই ঠাই এৰি গুচি গল। তেওঁ কলৈ গল তাক কোনেও কব নোৱাৰিলে। আজিও তেওঁ গোঁসানী আৰাধনা কৰা ঠাইডোখৰে 'তাঁতীবাহাৰ' নামে খ্যাত হৈ গোঁসানীৰ প্ৰতিমূৰ্ত্তিৰে সৈতে হৰিহৰ তাঁতীৰ নাম জীয়াই ৰাখিছে।

## ধৰ্ম্মগুৰুৰ আত্মগোপন।

এই অভিযানত মটকৰ ধৰ্ম্মগুৰু অষ্টভুজ দেৱকে আদি কৰি গাগিনী বৰ দেকালৈকে চঁৰা ডেকাই ৰাজকীয় সেনাৰ হাতত প্ৰাণ এৰিলে। অষ্টভুজ দেৱক কাটিবলৈ আনোতে বেশচন কৰি থকা খাটনিয়াৰ এজনে সুধিলে,—'দেউতা আপোনাৰ আৰু আমাৰ ডেকা গোঁসাইসকলৰ অবিহনে আমাৰ কি গতি হব'? তেতিয়া অষ্টভুজ দেৱে চিঞৰিতে কলে—'সেই জগা কাঠ দুদখৰ যে আছে চঁৰা ডেকাৰ কাজ কৰমৰ পাচত তাহাতকে ধুৱাই মেলি অধিকাৰ পাতি লবা'। তাৰ অৰ্থ এই যে মহাপুৰুষ অনিৰুদ্ধ দেৱৰ পাঁচজন পুত্ৰৰ ভিতৰত সৰ্ব্বানন্দ গোঁসাইৰ ফৈদে ন নাটলৈকে অধিকাৰ আসন পোৱা নাছিল সেই গতিকে তেওঁলোকে আউনী আটিৰ গোঁসাইৰ লগত মিলি আছিল। সেই ফৈদৰে ডেকা গোঁসাই পীতাম্বৰ দেৱ আৰু তেওঁৰ ভটিজাক হৰিময় দেৱে তাত পলাই ৰাজ-অত্যাচাৰৰ পৰা ৰক্ষা পৰি আছিল। অষ্টভুজ দেৱে চিঞৰত তেওঁলোকৰ কথাকে কৈছিল।

# শেনমেলা বনিয়া।

মটকসকলে আত্ম-গোপন কৰি থকা অৱস্থাতে এখন বনিয়া গাৱঁৰ এজন মানুহে এটা শেন চৰাইক বৰ আচৰিত ৰকমে শিক্ষা দিছিল। শেনটোৱে সেই মানুহজনৰ কথা খুব মানিছিল। সি সেই শোনটোৰ খেলা দেখুৱাইয়ে নিজৰ জীৱিকা উপাৰ্জ্জন কৰিছিল। অন্যান্য মানুহে তাক শেনমেলা বনিয়া বুলিছিল। তাৰ দাড়ি গোফ লোমো লোমো হৈছিল। ক্ৰমে এই কথা ৰাষ্ট্ৰ হৈ ৰজাৰ কাণত পৰিল গৈ। ৰজাই শেনমেলা বনিয়াক মতাই অনালে আৰু তাৰ সেই শেনটোৰ কথা সঁচানে মিছা সুধিলে। শেনমেলাই সঁচা বুলি স্বীকাৰ কৰিলে। ৰজা ই তেতিয়া শেনমেলাক তাৰ শেনটোৰ খেলা দেখুৱাবলৈ হুকুম কৰিলে। শেনমেলাইও ৰাজ-আজ্ঞা মানি ৰজাক শেনৰ ধেমালি দেখুৱাবলৈ ধৰিলে। শেনৰ ধেমালি দেখি ৰজাই বৰ সন্তোষ পালে আৰু উৰনীয়া পক্ষীকো ইমান আচৰিত ধৰণৰ শিক্ষা দি বশ কৰিব পৰা মানুহ তেওঁৰ ৰাজ্যত থকাৰ কাৰণে গৌৰবান্বিত হৈ শেনমেলাক উপযুক্ত বঁটা দিবলৈ ইচ্ছা কৰিলে। তেতিয়া শেনমেলাই সেই পুৰস্কাৰ লবৰ অনিচ্ছা দেখুৱাই কলে—"স্বৰ্গদেউ" মোক পুৰস্কাৰ কেলেই লাগিছে। ৰজাই ভাল দেখে যাক ভেটিও নালাগে তাক'—গতিকে আপুনি যাক ভাল দেখিছে তাক আকৌ পুৰস্কাৰ লাগিছে কেলেই ?" ৰজাই এইবাৰ আৰু সন্তোষ পায় পুৰস্কাৰ লবৰ কাৰণে টানি ধৰিলে। তেতিয়া শেনমলা বনিয়াই

হাতজোৰ কৰি নম্ৰভাৱে কলে—স্বৰ্গদেও মোক যি বস্তু লাগিব তাক আপুনি দিব নোৱাৰিব"। ৰজাই এই কথা শুনি খঙেৰে কলে—"এনে বস্তু আছেনে যে ৰাজ্য এখনৰ গৰাকী হৈ তোক সেই বস্তুটো মই দিব নোৱাৰিম"। তেতিয়া শেনমেলা বনিয়াই কলে—"স্বৰ্গদেৱে যদি সচাঁকৈয়ে মোক কিবা দিব খুজিছে আৰু দিব পাৰিম বুলি ভাবিছে তেন্তে সইত্ কৰক।" ৰজাও আচৰিত হৈ সইত্ সইত্ তিনি সইত্ খাই কলে—"ক শেনমেলা, মই প্ৰতিজ্ঞা কৰিছোঁ তোক যিহকে লাগে তাকে দিম।" ৰজাৰ কথা শুনি শেনমেলাই হাতজোৰকৈ ভয়ে ভয়ে কবলৈ ধৰিলে—"স্বৰ্গদেউ, বন্দী প্ৰকৃততে বনিয়া মানুহ নহওঁ। স্বৰ্গদেউৰ সৈন্যৰ অত্যাচাৰৰ হাত সাৰিবৰ কাৰণেহে বেশচন কৰি বনিয়াৰ লগত আত্মগোপন কৰি আছোঁ। আচলতে মই মটক মানুহহে। আৰু এই শেনটোৱেই মোৰ একমাত্ৰ জীৱিকা উপাৰ্জ্জক। আজি বাৰ বছৰ মোৰ গুৰু আৰু জ্ঞাতিবৰ্গৰ অবিহনেই মোৰ এই লোমো লোমো দাড়ি গোফৰ কাৰণ। আৰু এতিয়া স্বৰ্গদেৱে প্ৰতিজ্ঞা ৰক্ষা কৰি আত্মগোপন কৰি থকা মোৰ গুৰু আৰু জ্ঞাতিবৰ্গক অভয় দি কত আছে উলিয়াই দিব লাগে।" কথা শুনি ৰজা অধৈৰ্য্য হৈ পৰিল। কাৰণ যি মটকৰ কঠীয়া নথওঁ বুলি আজি বাৰ বছৰে মটক মৰা অভিযান চলাই ৰাজ্যত আৰু মটক নাই বুলি বিশ্বাস কৰিছিল আজি আকৌ সেই মটকেই ঘৰতে আহি বুদ্ধিৰে নিজক প্ৰতিজ্ঞা পাশত বন্দী কৰিলে। ৰজাই খঙত অধীৰ হৈ নিজকথা ৰাখিবলৈ ইচ্ছা নকৰিছিল, কিন্তু পাত্ৰ-মন্ত্ৰীসকলে

বুজাই ৰজাক প্ৰতিজ্ঞা ভঙ্গ নকৰিবলৈ কলে। ৰজাইও নিজৰ মুখত ঘাটি খাই কৈ দিলে যে মোৰ ৰাজ্যত প্ৰচাৰ কৰি দিয়া এপষৰ ভিতৰত যত যেনেকৈ মটকৰ গুৰু-শিষ্য আত্মগোপন কৰি আছে সিবিলাক ওলাই পৰক। আৰু কোনোই যদি গোপনীয় কৰি ৰাখিছে তেন্তে লুকুৱাই নথৈ উলিয়াই দিয়ক। যদি এই প্ৰচাৰৰ পষেকৰ পাচত কোনোবাই মটকৰ গুৰু-শিষ্য গোপনীয় কৰি ৰখা খবৰ পোৱা যাব সিইঁতক গুৰু শাস্তি দিয়া হব। মটক-সকলক ৰাজাশ্ৰয় দিয়া হৈছে।

---

## ৭। খণ্ড।

—:*:—

### আত্মপ্ৰকাশ।

যেতিয়া এই ৰাজ-আজ্ঞা প্ৰচাৰ হল তেতিয়া অন্যান্য জাতিৰ বুকত সোমাই আত্মগোপন কৰি থকা মটকবিলাকে আত্মপ্ৰকাশ কৰি ৰজাৰ আগত নিজ নিজ পৰিচয় দিবলৈ ধৰিলে। ৰজাই আৰু অন্যান্য জাতিৰ মানুহে তেতিয়াৰে পৰা মটকবিলাক যি যি জাতিৰ আশ্ৰয়ত আত্মগোপন কৰি আছিল তাক সেই সেই জাতিৰ আশ্ৰিত-মটক বুলিবলৈ ধৰিলে। মটক কলিতা, মটক আহোম,

মটক কৈৱৰ্ত্ত, মটক বনিয়া আদি মটক জাতিৰ এই ভাগবিলাক এইদৰেই উৎপত্তি হল। সঙ্গ অনুসাৰে মানুহৰ স্বভাব পৰিবৰ্ত্তন হয়। মটক সকলকো যি যি জাতিৰ আশ্ৰয়ত আছিল সেই সেই জাতিৰ আচাৰ-নীতিৰ প্ৰভাৱে কিছু চুইছিল। সেই গতিকেই বৰ্ত্তমান মটক জাতিৰ আচাৰ-ব্যৱহাৰ কিছু ওখ-চাপৰ হৈছে। কিন্তু তেওঁলোকৰ শাৰীৰিক গঠন, তেজশ্ৰী বলবিক্ৰমসকলো একে আৰু তেজ মাংসৰ কোনো পাৰ্থক্য নাই।

## ধৰ্ম্মগুৰুৰ দেৱোত্তৰ মাটি লাভ।

মটকসকলৰ আত্মপ্ৰকাশৰ লগে লগে মটকৰ ধৰ্ম্মগুৰুৰ সন্ধানত ৰজাই চাৰিওফালে মানুহ পঠিয়াবলৈ ধৰিলে। শেষত আউনী আটি সত্ৰত পলাই থকা অষ্টভুজ দেৱে কৈ যোৱা সেই ডেকা গোঁসাই দুজনৰ সম্বাদ পাই ৰজাই তেওঁলোকক মতাই অনালে আৰু মটক ধৰ্ম্মাসন তেওঁলোকক চমজাই দি দুয়োৰো ভিতৰত বাৰশ বাৰ পুৰা মাটি দান দিলে। খুৰাক পীতাম্বৰ দেৱ আৰু ভতিজাক হৰিময় দেৱে শিষ্যবৰ্গৰে সৈতে অষ্টভুজ দেৱকে আদি কৰি চঁৰা দেকাৰ কাজ-কৰম শেষ কৰিলে। তাৰ পাচত পীতাম্বৰ দেৱে ধৰ্ম্মাসন গ্ৰহণ কৰিলে। শিষ্যসকলৰে সৈতে আলোচনা কৰি দেখিলে যে একে ঠাইতে যদি তেওঁলোকে বাৰশ বাৰপুৰা মাটি লয় তেন্তে ভৱিষ্যতে অনেক অসুবিধা ঘটিব পাৰে। গতিকে দুয়োজনে স্বকীয়া স্বকীয়া কৰি বেলেগ বেলেগ ঠাইত মাটি লৈ সত্ৰ পতাৰ বিবেচনা কৰিলে।

## সত্ৰ স্থাপন।

সেই বিবেচনা মতেই পীতাম্বৰ দেৱে নিজৰ ভাগৰ ছশ ছপুৰা মাটি দিন্‌জান নৈৰ ওচৰত লৈ "দিনজয়" নামে সত্ৰ স্থাপন কৰিলে। ইফালে হৰিময় দেৱেও কাঠপাৰাৰ ওচৰত ছশ ছপুৰা মাটি লৈ "গড়পাৰা" নামে সত্ৰ স্থাপন কৰি তাত নিজে ধৰ্ম্মাসনত বহে।

## ৮। খণ্ড।



## অত্যাচাৰ পাচত মটকজাতি।

স্বৰ্গদেউ কমলেশ্বৰ সিংহৰ নিৰ্ভয় পাই যেতিয়া মটকসকলে আত্মপ্ৰকাশ কৰিলে তেতিয়া মহামতি পূৰ্ণানন্দ বুঢ়া গোহাঞিঃ ডাঙৰীয়াই ভবিষ্যতে যাতে মটকসকল আহোমসকলৰ বিপক্ষে নাযায় তাৰ কাৰণে তেওঁলোকক পুৰণি মটক ৰাজ্য ঘূৰাই দিয়ে। মটকসকলে বৰ্ত্তমান ডিব্ৰুনৈৰ ওচৰৰ ৰঙামাটি নামে ঠাইত ৰাজধানী পাতি ৰাজ্যশাসন কৰিবলৈ ধৰিলে। কিন্তু বহুতো মটক প্ৰজাই পুৰণি ঠাইলৈ ঘূৰি নগৈ যি যি জাতিৰ লগত যি যি ঠাইত আত্মগোপন কৰি ঘৰবাৰী কৰি আছিল তাতে ৰল। কালক্ৰমত নানা পৰোচনাত পৰি সিবিলাকৰ কিছুমান সেই সেই

জাতিৰ লগত লয় পাবলগীয়া হৈছে গৈ। মানে অসমৰ আহোম ৰাজ্য তিনিবাৰ আক্ৰমণ কৰে। শেষৰ বাৰ আক্ৰমণ কৰোঁতে গোটেই অসমতে অমানুষিক অত্যাচাৰ কৰে। সেই সময়ত মটক ৰজাই নিজ শক্তিৰে নিজ দেশ ৰক্ষা কৰি আছিল, কিন্তু আহোম-সকলক কোনো সহায় নিদিছিল। যেতিয়া মানবিলাক ইংৰাজৰ হাতত হাৰি ইয়ান্দাবুত সন্ধি কৰিলে তেতিয়া অসমৰ মান অধিকৃত ৰাজ্যবিলাক ইংৰাজৰ হাতলৈ যায়। কিন্তু আহোমসকলৰ পৰামৰ্শ মতে ইংৰাজসকলে মটক ৰাজ্যৰ ওপৰতো দাবী কৰিলে। আগতে ইংৰাজৰ হাতত হাৰি থকা মটকসকলে, পুনৰ তেওঁলোকৰ লগত বিৰোধ নকৰি বছৰি ওঠৰশ ঠকা কৰ দিম বুলি সন্ধি কৰিলে। সেই সন্ধিমতে মটকসকলে ১৮৪৩ চনলৈকে তেওঁলোকৰ ৰাজ্য ভোগ কৰি আছিল। কিন্তু পাচৰ মটক ৰজাসকলে কিবা কাৰণত কৰ দিয়াত ব্যতিক্ৰম কৰাত ইংৰাজ গবৰ্ণমেণ্টে মটক ৰাজ্য নিজ ৰাজ্যৰ ভিতৰুৱা কৰি মটকৰ ৰাজবংশী মানুহক বছৰি সাত হেজাৰ টকা পেঞ্চন দিবলৈ ধাৰ্য্য কৰে।



# ৯। খণ্ড।



## বৃটিছ আমোলত মটক জাতি।

মটক জাতিৰ মানুহবিলাক বৰ মইমতীয়া আৰু ধৰ্ম্মভীৰু লোক আছিল। ইংৰাজ শাসনৰ সময়ত তেওঁলোকৰ মইমতীয়া স্বভাৱৰ কাৰণে অন্যান্য জাতিবিলাকে তেওঁলোকক ঈৰ্ষাৰ চকুৰে চাবলৈ ধৰিলে। তদুপৰি ধৰ্ম্মভীৰু মটকসকলে আধুনিক ইংৰাজী আদি শিক্ষা লবলৈ গলে অজাতিৰ হাতে খোৱাৰ ভয়ত তেওঁলোকে স্কুল কলেজত লৰা-ছোৱালী নপঢ়োৱা হল। ফলত তেওঁলোকৰ সমাজ একেবাৰে অশিক্ষিত অৱস্থাত পৰিল গৈ আৰু শিক্ষাৰ অভাৱত বৰ্ত্তমান জগতত অনেক ৰকমৰ লাঞ্ছনা ভোগ কৰিবলগীয়া হল। আনকি তেওঁলোকে নিজৰ নিজত্ব ৰক্ষা কৰিবলৈকো সমৰ্থহীন হৈ পৰিল। অশিক্ষিত মটক জাতিয়ে নিজক চিনিব নোৱাৰা হল। আহোম অত্যাচাৰত আত্মগোপন কৰোঁতে সঙ্গ অনুসাৰে তেওঁলোকৰ যি পৰিবৰ্ত্তন হৈছিল সেই ওখ-চাপৰ আচাৰ-নীতিবিলাকে তেওঁলোকক ভাগ ভাগ কৰি পেলালে। উচ্চ আচাৰ নীতিশিক্ষা মটকসকলে অন্যবিলাক মটকৰ ঘিণ কৰিবলৈ ধৰিলে। সেই কাৰণে মইমতীয়া মটক-সকলে কোনোৱে কাৰো লগত সংশ্ৰৱ নাৰাখি গাই গুটীয়া ভাৱে থাকিবলৈ ললে। উপযুক্ত পৰিচালকৰ অভাৱত তেওঁলোক

আজিও সেই চেদেলি-ভেদেলি ভাৱেই আসামৰ নানা ঠাইত বসবাস কৰি আছে। বৃটিছ গবৰ্ণমেণ্টেও মটক জাতিৰ এই অধোন্নতিৰ কথা অনুভৱ কৰিব নোৱাৰি এই জাতিৰ উন্নতিৰ অৰ্থে কোনো কাৰ্য্যকৰী পন্থা হাতত লোৱা নাই, এইবিলাক কাৰণতে আজি পৃথিবীৰ পৰাক্রমী মটক জাতিৰ অস্তিত্ব লোপ পাবলগীয়া হৈছে।

## মটক লীগ।

মটক জাতি পৃথিবীৰ পৰা লোপ হওঁ হওঁ অৱস্থাত মটক জাতিৰ ওপৰত ভগবানৰ সু-দৃষ্টি পৰিল। ডিব্রুগড় নিবাসী কেইজনমান উদ্যোগী জাতীয় প্রেমিক ডেকাৰ যত্নত 'মটক লীগ' এখন স্থাপন হৈছে। এই লীগে আহোম অত্যাচাৰৰ পাচত হোৱা ওখ- চাপৰ আচাৰ-নীতিৰ পৰা যে মটক জাতিয়ে নিজৰ নিজত্ব হেৰুৱাই অন্য জাতিৰ পৰোচনাত পৰি চেদেলি-ভেদেলি হৈ আছে সেই কথা উপলব্ধি কৰি বিশৃঙ্খল মটক জাতিক পুনৰ সংগঠনলৈ আনি শৃঙ্খলাবদ্ধ কৰিবৰ কাৰণে প্রাণপণ চেষ্টা কৰিছে। তেওঁলোকে বৰ্ত্তমান মটক জাতিৰ সকলো অভাৱ অসুবিধা গৱৰ্ণমেণ্টক জনাই তাৰ যথোচিত প্রতিকাৰ বিচাৰিছে। যদি গৱৰ্ণমেণ্টে সেই লীগ আৰু এই বুৰঞ্জীৰ যোগেদি মটক জাতিৰ অতীত আৰু বৰ্ত্তমান অৱস্থা ভালকৈ উপলব্ধি কৰি তেওঁলোকৰ অভাৱ অসুবিধালৈ চকু দিয়ে তেন্তে অতি সোনকালে মটক জাতি পূৰ্ব্বৰ দৰে অসম আইৰ বুকত জিলিকি উঠিব।

## মটক জাতি আৰু যোৱা মানুহ পিয়ল।

যোৱা ১৯৪১ চনত মানুহ পিয়ল আৰম্ভ হয়। এই পিয়লত যাতে সানমিহলি হৈ থকা মটক জাতিৰ মানুহবিলাকৰ আচল গন্তি হয় তাৰ কাৰণে অসম মটক লীগে বহুত চেষ্টা কৰে। সেই উদ্দেশ্যে লীগে এটা প্ৰচাৰক-বাহিনী পঠায়। তেওঁলোকে গাৱেঁ-ভূঁঞে সোমাই, মটক জাতিয়ে আন জাতিৰ লগত মিহলি হৈ নাথাকি যাতে নিজ পৰিচয় দিয়ে তাৰ কাৰণে গোহাৰি জনায়।

প্ৰায়বিলাক মটক গাৱঁতেই তেওঁলোক সোমায়, আৰু কৃতকাৰ্য্যও লাভ কৰে। কিন্তু তেওঁলোকে সেই কাম অতি কম সময়ৰ ভিতৰত কৰিবলগীয়া হোৱাত কিছুমান গাৱঁত সোমাবলৈ সুযোগ নাপালে। তেনে কিছুমান গাৱঁৰ মানুহ, আৰু ভ্ৰান্ত ধাৰণাৰ বশৱৰ্ত্তীহৈ আত্মগোপন কৰা কিছুমান মটক মানুহ বৰ্ত্তমানো আগৰ দৰেই অন্যান্য জাতিৰ বুকত সোমাই আছে। অহা পিয়লত সেই বিলাক মানুহ ওলাই নিজ পৰিচয় দি নিজ জাতিৰ সংখ্যা গৰিষ্ঠ কাৰি জিলিকি উঠিব বুলি আশা কৰা যায়। আত্মগোপন কৰিব খোজা মটক ৰাইজসকলে বুজা উচিত যে তেওঁলোকে আনৰ পাচধৰি আত্মগোপন কৰি অৰ্জা যশস্যাতকৈ আত্মপ্ৰকাশ কৰি নিজৰ বুঢ়া আঙুলীৰ ওপৰত থিয় হৈ অৰ্জা যশস্যাৰ স্থায়ীত্ব আৰু জোৰ বেচি।

## মটক জাতি আৰু বৰ্ত্তমান প্ৰধান মন্ত্ৰী।

অসম মটক লীগৰ চেষ্টাত যোৱা ১৯৪১ চনত ডিব্ৰুগড় মহকুমাত মহা সমাৰোহৰে 'অসম মটক লীগ'ৰ ৪ৰ্থ অধিবেশন

পতা হয়। এই অধিবেশনত অসমৰ প্ৰধান মন্ত্ৰী মাননীয় চাৰ মহম্মদ চাদ্দুলা চাহাবক সভাপতি স্বৰূপে নিমন্ত্ৰণ কৰা হয়। তেখেতে সভাপতিৰ আসন গ্ৰহণ কৰিব নোৱাৰিলে যদিও অনুন্নত মটক জাতিৰ প্ৰতি দয়া কৰি সভাত দৰ্শকৰূপে উপস্থিত থাকি সদৌ অসম মটক ৰাইজক আনন্দ আৰু উৎসাহ দি ৰাইজৰ আশীৰ্ব্বাদ লয়। তেখেতৰ উপৰিও আন দুজনা মন্ত্ৰী মাননীয় খানবাহাদুৰ চৈয়দুৰ ৰহমান আৰু মাননীয়া মিচ্ মেভিচ ডান সভাত উপস্থিত থাকি দুখীয়া ৰাইজক আনন্দ দিছিল। সদৌ অসমৰ অনুন্নত মটক জাতি ওপৰোক্ত মন্ত্ৰীসকলৰ সেই দয়া-জনিত কাৰ্য্যৰ বাবে চিৰঋণী থাকিব। সদৌশেষত মন্ত্ৰীত্ৰয়ক অসমৰ দুখীয়া মটক ৰাইজৰ সুখ-দুখ বৰ্ণাই একোখন অভিনন্দন আগবঢ়াই সম্বৰ্দ্ধনা কৰা হয়।

## বিহালীত শিক্ষামন্ত্ৰীৰ সম্বৰ্দ্ধনা।

১৯৪১ চনতেই অসমৰ তেতিয়াৰ শিক্ষা-মন্ত্ৰী মাননীয় শ্ৰীযুত ৰোহিণী কুমাৰ চৌধুৰী দেৱে বিহালীত পদাৰ্পণ কৰে। স্থানীয় কেইজনমান উদ্যোগী লোকৰ চেষ্টাত সদৌ অসম মটক জাতিৰ সমুদায় শোচনীয় অৱস্থাৰ লগতে শিক্ষাসংক্ৰান্ত শোচনীয়তাও বৰ্ণাই তেখেতক সম্বৰ্দ্ধনা জনোৱা হয়। মাননীয় মন্ত্ৰীদেৱেও দুখীয়া ৰাইজৰ প্ৰতি দয়া কৰি সেই অভিনন্দন পত্ৰ গ্ৰহণ কৰি বিহালীৰ মটক জাতিৰ লগতে সদৌ অসম মটক জাতিক আনন্দ দিয়ে।

অন্ত

# জাননী

ইয়াৰ পাচতেই আমি এখন মাহিলী আলোচনী উলিয়াই ৰাইজৰ সেৱা কৰিবলৈ ইচ্ছা কৰিছোঁ। ৰাইজৰ সহায় সহানুভূতি প্ৰাৰ্থনীয়।

গ্ৰন্থকাৰ